# বৈষ্ণব[illegible]তা।

৺দ্বিজ বালকানন্দ কর্ত্তৃক ৰচিত

——০%✱%০——

শ্রীবিষ্ণুৰাম দাস দ্বাৰা সংগৃহীত।

প্রকাশক।

## এজেঞ্চি কোম্পানী।

পোঃ আঃ বিহাবাৰি আসাম।

আসাম বিহাবাৰি, গোস্বামী প্ৰেছ যন্ত্ৰত।

শ্রীব্রজেশ্বৰ চক্ৰবৰ্ত্তী দ্বাৰা ছাপা হ'ল।

মূল্য ।/০ পাঁচ অনা মাত্র।




# বৈষ্ণৱী গীতা।

—:০:—

## শ্রীকৃষ্ণায় নমঃ।

প্রথমে গুৰুক মই কৰো নমস্কাৰ।
যাৰ উপদেশে জ্ঞান ভৈলেক আমাৰ ॥
শুদ্ধ সত্ত্ব মতি যে কৃষ্ণত ভক্তি যাৰ।
বাসুদেব ময় দেখে যতেক সংসাৰ ॥ ১॥
ইহান চৰণে মই কৰোহু প্রণতি।
যাৰ উপদেশে মোৰ গুচিল দুৰ্ম্মতি ॥
হেনয গুৰুক মই হৃদযে ধৰিযা।
বৈষ্ণৱক প্রণামো পৃথিবী শিৰদিযা ॥২॥
নমো নমো নিৰঞ্জন নাৰাযণ দেব।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেব ॥
তুমি নিৰঞ্জন প্রভু উপদেশ দাতা।
তুমি হৃষীশ্বৰ জগতৰ পিতা মাতা ॥৩॥

তুমি নিজ স্বামী প্রভু তুমি নিজ গুরু ।
ভকত জনৰ প্রভু তুমি কলপতরু ॥
এখানি গোচৰ প্রভূ কৰিবাক চাওঁ ।
তযু চৰণত মই আজ্ঞা যদি পাওঁ ॥৪॥
বৈষ্ণবী গীতাক ৰচিবাক যাই মতি ।
তোমাৰ চৰণে প্রভু সহস্র প্রণতি ॥
পুনৰপি কৃষ্ণক মোহোৰ নমস্কাৰ ।
মুৰ্খ হুয়া কৰোঁ পদ বৈষ্ণবী গীতাৰ ॥৫॥
বৈষ্ণব জনক মোৰ শত নমস্কাৰ ।
নিন্দা কৰি মোহোক নকৰা পৰিহাৰ ॥
যদি গঙ্গা জল হোৱে কৰ্দ্দমে নিশ্রিত ।
তথাপি কৰিতে পাৰে জগত পবিত্র ॥৬॥
যদি হৰি উদ্দেশে অবাক্য বাক্য হয় ।
মন্ত্র তন্ত্র যত কৰ্ম্ম আৰ সম নয় ॥
মই মূৰ্খ হেন জানি নধৰিবা দোষ ।
হৰিৰ চৰিত্র শুনি হুয়োক সন্তোষ ॥৭॥
দ্বিজ যে বালকা নন্দে কহে সভাসদ ।
বৈষ্ণবী গীতাৰ সাৱধানে শুনা পদ ॥
পৰম পবিত্র ইটো কৃষ্ণৰ চৰিত্র ।
ৰাম কৃষ্ণ বোলা পাপ গুচোক ত্বৰিত ॥৮॥
এক দিন বসি আছে সুধৰ্ম্ম সভাত ।
সোহবেলা ধনঞ্জয়ে মিলিলা তথাত ॥

কৃষ্ণক প্ৰণামি পাছে পুছন্ত অৰ্জ্জুনে।
এক কথা পুছোঁ প্ৰভু কহিয়ো আপোনে ॥৯॥
যদি শুনিবাক প্ৰভু যোগ্য হওঁ আমি।
তেবেসে কহিবে বোলোঁ চৰণত নমি ॥
বৈষ্ণবৰ মুক্তিদ্বাৰ কহয় জগতে।
কেনেবা বৈষ্ণব তাক জানি কেন মতে ॥১০॥
কিবা বাক্য বোলে তাৰা কৰে কোন কৰ্ম্ম।
কেনেবা লক্ষণ চিহ্ন কৈয়ো ইটো মৰ্ম্ম ॥
অৰ্জ্জুনক সম্বোধি বুলিলা দামোদৰ।
নিজ ধৰ্ম্ম আচাৰ নকৰে ব্যভিচাৰ ॥১১॥
সুলক্ষণ ধৰ্ম্মজানে আমাত ভকতি।
সুখে দুখে নেৰে নকৰয় আনমতি ॥
নিজধৰ্ম্ম জানা সখি এহিসে ভক্তৰ।
পৰম গোপ্যক ইটো কৈলোঁ দৃঢ়তৰ ॥ ১২ ॥
বৈষ্ণব জনৰ জানা আক কহোঁ চিন।
সবাতে সুহৃদ বুদ্ধি নকৰয় ভিন্ন ॥
কৃষ্ণ কথা শুনন্তে যে দ্ৰৱ হোৱে চিত্ত।
কৃষ্ণ কৃষ্ণ বুলিয়া সদায়ে গাৱে গীত ॥ ১৩ ॥
কৃষ্ণ নাম লৱন্তে নেত্ৰৰ নীৰঝৰে।
সুখেদুখে কৃষ্ণ কৃষ্ণ বুলি মোক স্মৰে ॥
সাধুৰ সঙ্গক পাইলে কৰে মহাৰঙ্গ।
হস্তিনীৰ সঙ্গে যেনমত্ত যে মাতঙ্গ ॥ ১৪ ॥

যেন সিংহ মত্ত হোৱে ভাদ্ৰ মাস পাই।
মহাজনে মত্ত হোৱে সাধুসঙ্গ পাই॥
হৰি ৰসে মত্ত হুয়া দ্ৰবহোৱে চিত্ত।
আনন্দে লোতক সৰ্ব্ব তনু পুলকিত॥ ১৫
ঘৰ্ম্ম বিন্দু জলবহে গদ গদ বাক।
মৌন হুয়া থাকে পাশৰিয়া আপনাক॥
কতো মনে ৰূপ ধৰি হাসে আনন্দতে।
কতো বেলি কৰে মজি কৃষ্ণকথা মৃতে॥ ১৬
কৈলোঁ প্ৰাণ সখি সাধু সবৰ যে চিন।
সবাতে সুহৃদ বুদ্ধি নাহি তান ভিন্ন॥
স্থাবৰ জঙ্গম যত দেখে আত্মাময়।
হৰি বুদ্ধি কৰি লোৱে নাহিকে সংশয়॥ ১৭॥
কি কহিবোঁ সখি মই ভক্তৰ মহিমা।
ভক্তি সেৱা কৰি পাৰে সংসাৰৰ সীমা॥
হেন ভক্ত হেলা নকৰয় মূঢ়নৰে।
অতি মহা দুৰ্ম্মতি নাহিকে তাত পৰে॥ ১৮
হেন সাধু সেৱা কৰা সখি সৰ্ব্বক্ষণে।
শয়নে ভোজনে স্নানে নেড়িবাহা মনে॥
দেবতা নপাৱে সখি সঙ্গ ভকতৰ।
মই কি কহিবোঁ সখি আপুনি চতুৰ॥ ১৯॥
হেন শুনি পাৰ্থে মনে গুণি কতক্ষণে।
কৰিলা প্ৰণাম পৰি কৃষ্ণৰ চৰণে॥

উঠি ধৈৰ্য্য ধৰি জানুপাৰি কৰ যুড়ি।
বুলিবাক লাগিলা কৃষ্ণক তুতিকৰি ॥ ২০ ॥
নমো নমো কৃষ্ণ তযু অভয় চৰণে।
যাৰ পদ সেৱে ব্ৰহ্মা আদি দেবগণে ॥
হেন প্ৰভু তুমি মোৰ প্ৰিয় ইষ্ট দেৱ।
শঙ্কাদূৰ কৰা চৰণত কৰোঁ সেৱ ॥ ২১ ॥
ইটো কথা অদভূত কৈত নতু শুনি।
দেবতাত কৰি ভকতেসে মহামানী ॥
ইটো শঙ্কা ভৈলা মোৰ প্ৰভু আতিশয়।
ছেদিয়োক শঙ্কা মোৰ তুমি কৃপাময় ॥২২॥
হেন শুনি হাসি বুলিলন্ত ভগৱন্ত।
মই যে নপাওঁ মোৰ ভকতৰ অন্ত ॥
তথাপিতো কিছু কহোঁ তোমাৰ আগত।
হোৱা সাবধান সখি এৰি আন মত ॥২৩॥
শুনা সভাসদ লোক হুয়া সাবধান।
সাধু সেৱা বিনে কলি যুগে নাহি আন ॥
আপুনি কহন্ত কৃষ্ণে অৰ্জ্জুনক মাতি।
লৈযো সাধু সঙ্গ সখি যদি পাইবা গতি ॥২৪॥
সুদৃঢ় নায়ক জানা সেৱা যে সাধুৰ।
যদি পাৰ হুই কলি ভবনদী তৰ ॥
সৎসঙ্গ নাৱত উঠা নাম বৈঠা ধৰি।
অনায়াসে হুয়ো পাৰ ভবভয় তৰি ॥২৫॥

কৃষ্ণৰ মুখৰ বাণী ইটো জানা সাৰ ।
সন্ত সঙ্গ লৈয়া ভৱনদী হোৱা পাৰ ॥
হেন জানি নৰজন্ম নকৰিয়ো বৃথা ।
সাধু সঙ্গ লৈয়া শুনা মাধৱৰ কথা ॥২৬॥
ঘোৰ কলি যুগে ইটো তৰণ উপাই ।
নাহি আন গতি সাধু সেৱাত বিনাই ॥
নমো নমো নাৰায়ণ তুমি মোৰ গতি ।
তোমাৰ চৰণে মোৰ হৌক দৃঢ়মতি ॥২৭॥
নজানো ভকতি স্তুতি নেজানো প্ৰণতি ।
মই অধমক প্ৰভু দিয়ো অনুমতি ॥
সদা নচাৰোক যেন সাধুৰ সঙ্গতি ।
চৰণে পৰিয়া প্ৰভু কৰোঁহু প্ৰণতি ॥২৮॥
মুখে নাম হৃদিৰূপ শিৰেৰে প্ৰণাম ।
শ্ৰৱণত তযুকথা ৰৌক অবিশ্ৰাম ॥
এহি দান মাগোঁ প্ৰভু তোমাৰ চৰণে' ।
নকৰিবা আশাভঙ্গ পশিলোঁ শৰণে ॥ ২৯ ॥
শুনা নৰ লোক সাবধান কৰিমন ।
পাইবা সংসাৰৰ পাৰ স্মৰা নাৰায়ণ ॥
কহে দীন বালকানন্দে যে অধমে ।
সংসাৰ সাগৰ নাৱ কৃষ্ণৰেসে নামে ॥ ৩০ ॥
হেন জানি নৰনাৰী ধৰাগুণ নাম ।
সমস্ত সমাজে ডাকি বোলা ৰাম ৰাম ॥ ৩১ ॥

# ছবি।

নিগদতি ভগবন্ত, শুনা সখি মহাসান্ত,
ভক্তক নভজে যিকাৰণে।
নাযামদ'া কৰিপান, নপাৰয চূৰ্ত্তি জ্ঞান,
ভাল মন্দ একোৰে নজানে॥ ৩২ ॥
মাযাক আশ্ৰয কৰি, গৃহ অন্ধকূপে পৰি,
ৰতি ৰসে ডুবা মহামোহে।
বোলে মোৰ পুত্ৰদাৰা, আ[illegible] নাহি আৰ,
এহিবুলি কৰয আন্দোল॥ ৩২ ॥
এইমতে ডুবা শূন্য, নজানয পাপ পূন্য
অধৰ্ম্ম আচাৰ নিৰন্তৰে।
যিবা কৰে কৰ্ম্মবুলি, অধৰ্ম্মে সিযো সমূলি,
নজানয বিধি মাত্ৰ কৰে॥ ৩৪ ।
যদি বিধি চাই কৰে, মোৰ সংকল্প আচৰে,
ফলনাহি মিছাতেসে মৰে।
যেন একজন লোভী, দুগ্ধক খাইবেঁ বুলি,
বাঞ্জি গাই ৰাখি সদা ফুৰে॥ ৩৫ ॥
অতি হৃষ্ট পুষ্টদেখি, হোৱয পৰম সুখী
দুগ্ধ নাহি আশাতেসে মৰে।

সেহিমতে মূঢ় নৰে, যদি অল্প পূণ্য কৰে,
বোলে কোন আছে মোত পৰে ॥
অনেক তীৰ্থ স্নানিলোঁ, অনেক ধৰ্ম্মক কৰিলোঁ,
এহি গৰ্ব্বে পাতেক আচৰে।
হৰিৰ নামক শুনি, গাৱে যেন লাগে অগ্নি,
ভকতক দেখি নিন্দা কৰে ॥৩৭॥
বোলে হৰিভক্ত হুয়া, হৰি হৰি যেন লৈযা
সদা হুয়া কান্দিয়া যে মৰে।
এহিসে বুলি পাষণ্ডে, যেন উদয়াৰ চাণ্ডে,
মাগি খায়া মোহ ভাৱে ফুৰে ॥৩৮॥
যদি ভকত সকলে, নাম গুণ কৌতুহলে,
মহানন্দে কীৰ্ত্তনক কৰে।
তাক দেখি মূঢ নৰে, চক্ষু তেৰ কৰি চাৱে,
বোলে উপালম্ভ বহুতৰে ॥৩৯॥
মাযা মোহ হুযা অন্ধ, নজানয় ভাল মন্দ,
সদা কৰে সিটো অহঙ্কাৰ।
পাইলোঁ চোৰ বুলি ধৰে, নপাই দুঃস্বভা কৰে,
সাধু সেৱা কেনে হৈব তাৰ ॥৪০॥
এহি কাৰণে নভজে, বৈষ্ণৱক সামৰাজে,
শুনা প্ৰাণ সখি ধনঞ্জয়।
হেনজানি-আন এৰা, বৈষ্ণৱক সেৱা কৰা,
জানা সখি কহিলোঁ নিশ্চয ॥৪১॥

মোৰ প্ৰিয ভকতৰ, সেৱে সিটো নিৰন্তৰ,
নাহি তাৰ ভয় একোকালে ।
যাক ভয় নিৰন্তৰে, সিয়ো সেৱে নিৰন্তৰে,
জাৰ মৃত্যু যম মায়া কালে ॥৪২॥
যত আছে দেবী দেব, তাৰাসবে কৰে সেব,
কি কহিবোঁ ভক্তৰ মহত্ব ।
স্বৰ্গ মৰ্ত্ত্য পাতালত, গঙ্গা আদিতীৰ্থ যত,
তাৰাসবে সেৱয সতত ॥ ৪৩
মই ব্ৰহ্মা নিৰঞ্জন, মোত পৰে আছে কোন,
মইফুৰোঁ তাৰ পাছে পাছে ।
বৈষ্ণবক দেবজানি, ভজাতুমি মহামানী,
কাকো নভজিবা যতআছে ॥৪৪
বৈষ্ণবক কৰা সেৱ, নভজিবা আনদেব,
জানা বৈষ্ণবক গুৰু বুলি ।
গুৰুৰ পৰম গুৰু, বৈষ্ণবেসে কল্পতৰু,
সদায় জনিবা মহাবলী ॥ ৪৫
ই তিনিলোক ভিতৰে, নাহিবৈষ্ণবত পৰে,
গতি দাতা নাহি নাহি আন ।
হেনজানি প্ৰাণসখি, মোহোৰ বচন ৰাখি,
বৈষ্ণবত কৰামহা জ্ঞান ॥ ৪৬
বৈষ্ণৱ মোহোৰ প্ৰিয, মই বৈষ্ণবৰ প্ৰিয,
সত্যকহোঁ সখি ধনঞ্জয ।

মই সখি কহোঁ হেৰ, সত্য কৰি আৰ বাৰ,
ভক্তে মোৰ প্ৰিয় যে নিশ্চয় ॥ ৪৭
মোৰ বাক্য নিষ্ঠ জানি, ধৰা পাৰ্থ মহামানী,
বৈষ্ণবক প্ৰিয় আত্ম বুলি।
বৈষ্ণবে সুহৃদ হিত, বৈষ্ণবক ভজা নিত,
শিৰে লয়ো বৈষ্ণবৰ ধূলী ॥ ৪৮
হেন শুনি ধনঞ্জয়, মনত ভৈলা বিস্ময়,
ইটো কথা কৈত নাহি শুনি।
আশ্চৰ্য্য আশ্চৰ্য্য ইটো, প্ৰকৃতি যে পুৰুষত,
নাৰায়ণ ৰঞ্জন আপুনি ॥ ৪৯
শুনা সাধু সভা সদ, বৈষ্ণবী গীতাৰ পদ,
এক চিত্ত মনে নিৰন্তৰে।
হোৱয় কেবল ভক্তি, লভিলাহা মহা মুক্তি,
গুচিবেক মায়া যে দুস্তৰে ॥ ৫০
পাতেকৰ ধূম্ৰ কেতু, ভব সাগৰৰ সেতু,
বৈষ্ণবী গাগৰ ইটো পদ।
জানি নিতে ভক্ত সঙ্গে, শুনা আতি মহা ৰঙ্গে,
অনায়াসে তৰিবা বিপদ ॥ ৫১
নমো নমো কৃষ্ণ বাপ, মোৰ সম নাহি পাপ,
তযু সম যাক নাহি কেৱ।
নজানোহো পূজা ভক্তি, নজানোহো স্তুতি নতি,
যেন যোগ্য কৰা কৃষ্ণ দেৱ ॥ ৫২

পতিত পাবন নাম, তোমাৰ শুনিয়া স্বামী,
শৰণ যে চৰণ পঙ্কজে ।
পতিতক কৃপা হৌক, অহর্নিশে মন ৰৌক,
তযু পাৱে সদায়ে সহজে ॥ ৫৩
অর্চ্চন ভক্তিক সদা, মাগো প্ৰভু তযু পাৱে,
যাক পাইলে মোৰ পূৰে আশ ।
তযু চৰণত চিত্ত, নাপাশৰো আমি নিত্য,
সত্যে সত্যে সত্যে ভৈলো দাস ॥ ৫৪
যদিবা বিপথে মন, চলে প্ৰভু সর্ব্বক্ষণ,
পদাঙ্কুশে ৰাখিবা মুৰাৰি ।
কৃষ্ণৰ কিঙ্কৰে ভণে, ডাকি বোলা সর্ব্বক্ষণে,
উচ্চ কৰি ঘনে হৰি হৰি ॥ ৫৫

## দুলড়ি ।

কতক্ষণে মনে, গুণিয়া অর্জ্জুনে,
পুছিলন্ত প্ৰেম ভাৱে ।
শুনা কৃষ্ণ স্বামী, অতি মূঢ় আমি,
সেৱা নৈলো তযু পাৱে ॥ ৫৬
আপুনি ঈশ্বৰ, প্ৰভু জগ তৰ,
ধাতা কর্ত্তা মহেশ্বৰ ।
তোমা ৰেসে ভৃত্য, আছয় যতেক,
ব্ৰহ্মা আদি চৰাচৰ ॥ ৫৭

ব্ৰহ্মাণ্ড ভিতৰে, যত তীৰ্থ আছে,
বৈষ্ণৱক কৰা সেৱ।
ইটো কথা মই, শুনিবাক চাওঁ,
কেৱে ভৈলো ভক্ত দেৱ ॥ ৫৮

কেনে মতে ভৈলা, ভকতে সে শ্ৰেষ্ঠ,
তাক কৈয়ো মোত স্বামী ।
ইটো অদভূত, কথা শুনি বাক,
বাঞ্ছা কৰো প্ৰভু আমি ॥ ৫৯

হেন শুনি হৰি, আনন্দ যে কৰি,
বুলিবে লাগিলা পাছে ।
শুনা সখি পাৰ্থ, ইটো পৰমাৰ্থ,
যদি তযু ইচ্ছা আছে ॥ ৬০

মন দৃঢ় কৰা, হৃদয়ত ধৰা,
ত্ৰৈলোক্য নিস্তাৰ জানি ।
এহি কথা মোত, পুছিলা পূৰ্ব্বত,
নাৰদ যে মহা মুনি ॥ ৬১

মোক্ষৰ সমস্ত, আদি গোপ্য কথা,
কহোঁ সখি শুনা সন্ত।
কহোঁ মই দৃঢ়, ধৈৰ্য্য বুদ্ধি কৰা,
মনত কৰা একান্ত ॥ ৬২ ॥

যেন মতে শ্ৰেষ্ঠ, ভৈলন্ত মহন্ত,
শুনা আবে ধনঞ্জয় ।

নাহি আত্ম পর, শত্রুত মিত্রত,
দেখে সবে একে ময ॥ ৬৩ ॥
সর্ব্ব গুণান্বিত, সর্ব্বানন্দ ময়,
সকল কার্য্যে, কুশল ।
মহা ধৈর্য্যবন্ত, গম্ভিরে সমুদ্র,
ক্ষমাশীল দয়াশীল ॥ ৬৪ ॥
কাম ক্রোধ লোভ, নাহি তুকতর,
শুনিলে শ্বেত বাহনে ।
যদি দুষ্টজনে, নানাদুখ দেই,
তাকোসহে সন্তজনে ॥ ৬৫ ॥
যেবে বোলে দেব, সবে করে সেব,
কাম যে ক্রোধ অপার ।
লোক পূজেপুষ্ট, তাতো নাহি তুষ্ট,
ছিদ্র পাই ক্রোধ বর ॥ ৬৬ ॥
যেহেন বৃক্ষর, গলিত পত্রর,
মন্দ বায়ু উরাই নেই ।
সহিমতে দেব, জানিযোক সখি,
তিল মাত্র ধর্ম্মনাই ॥ ৬৭ ॥
আনতীর্থ যত, করে অপবিত্র,
আপনার নাহি শুদ্ধি ।
পাতকীর পাপে, মলিন হোৱয
কিমতে করিবো শুদ্ধি । ৬৮ ॥

মোহোৰ ভকত, আপনিও শুদ্ধ,
আনকেও শুদ্ধি কৰে।
পাপ পূণ্য তাৰ, নপাৰে ওচৰ,
আনকি কৰিতে পাৰে ॥ ৬৯ ॥
সবাতে সমান, ভেদ নাহি আন,
সবাকেহে কৃপা কৰে।
পৰ দুখ দেখি, আপুনিযে দুঃখী,
দৰশনে পাপীতৰে ॥ ৭০ ॥
এহিসে কাৰণে, ভকত উত্তম,
কহিলোঁহু মই সখি।
ভক্তক স্মৰণে, দৰ্শনে-স্পাৰ্শনে,
দুখী হোৱে সুখী ॥ ৭১ ॥
এতেকেহে শ্ৰেষ্ঠ, সবাতো গৰিষ্ঠ,
কহিলো নিষ্ঠে তোমাত।
হেনজানি ভজা, ভকতক সদা,
এৰায়ো মায়াৰ হাত ॥ ৭২ ॥
পুছিলা কাৰ্য্যসে, তোমাত কহিলোঁ,
ইটো বেদান্তৰ গুহ্য।
যততীৰ্থ দেব, তাৰাকৰে সেব,
ভকতে মোহোৰ পূজ্য ॥ ৭৩ ॥
যদি বোলা হেন, তোমাৰ পূজন,
কিমতে ভৈলা ভকত।

তমু গুণ নাম, গায়ে অবিশ্র
তোমাক চিন্তে সতত ॥ ৭৪ ॥
ইহাৰ উত্তৰ, শুনা মহাবীৰ,
তুমি মোৰ বৰ ইষ্ট।
মোহোৰ ভকত, যেন মতে পূজ্য
কহিবোঁ তোমাত নিষ্ট ॥ ৭৫ ॥
মই নিৰাকাৰ নাহিকে আকাৰ
সূক্ষ্ম মই স্থূলা কাৰ।
মই অজ ব্ৰহ্ম নাহি জন্ম কৰ্ম্ম
তথাপি ভক্তে প্ৰচাৰ ॥ ৭৬ ॥
যিবা দেখা দেহ ভক্তবেসে স্নেহ
ভক্তেসে আছে আবৰি।
শুনা সব্য সাচী তোমাত কহও
যেনমতে ভৈলা হৰি ॥ ৭৭ ॥
শুনা সভাসদ ভক্তৰ সম্পদ
আতপৰে নাহি আৰ।
এক চিত্ত মন, শুনা সাবধানে,
বৈষ্ণ... ত পযাৰ ॥৭৮
সংসাৰ সাগৰ, তৰিবা নিকান,
ৰাম নামে বান্ধা সেতু।
বৈষ্ণবৰ সেৱা, ভকতিৰ দ্বাৰ,
পাতকৰ ধূ কেতু ॥৭৯

জানি হেন কৰা, ৰাম নাম স্মৰা,
বৈষ্ণৱক ধৰা ডাটি ।
হেলায়ে তৰিবা, দুস্তৰ মায়াক,
এৰাইবে যমৰ ঘাটি ॥৮০॥
ইসে সাৰতৰ, সকল শাস্ত্ৰৰ,
জানি লয়ো সাধু সঙ্গ ।
পুত্ৰ দাৰা ধন, সবেও সপন,
জানি কৰা মনভঙ্গ ॥৮১॥
যদি বোলা পুত্ৰ, ভাৰ্য্যা বন্ধু জন,
ইসে সাৰতৰ মোৰ ।
দুখৰ সাগৰ, গৃহ ৰতি ৰস,
তাক কেন কৰোঁ দূৰ ॥৮২ ॥
ইহাৰ উত্তৰ, শুনা বন্ধু নৰ,
কহোঁ মই তাৰ বাণী ।
প্ৰিয় আত্মা গুৰু প্ৰিয় এৰি গৈলে,
স্ত্ৰীপুত্ৰে পেলায়ে টানি ॥৮৩॥
দেহৰ কাৰণ, পুত্ৰ ভাৰ্য্যা কোন,
কৰিলা মহা যতন ।
শৰীৰ এৰিলে, সবেও থাকিবে,
সঙ্গে নেযায় একজন ॥
হেন জানি নৰ, কৃষ্ণৰ চৰণে,
কৰিও দৃঢ় ভকতি ।

যাৱে থাকে প্ৰাণ,　　　　ধৰা গুণনাম,
লয়োক সাধু সঙ্গতি ॥
কৃষ্ণৰ কিঙ্কৰে,　　　　কহে নিৰন্তৰে,
বালকা নন্দ যে মূঢ় ।
হৰিৰস নদী,　　　　শুদ্ধ জল পাই,
তাতে নামি দিলোঁ বুৰ ॥
কৃষ্ণ কথা জল,　　　　অমৃত নদীত,
বুৰ দিয়ো সাধু নৰে ।
ৰাম কৃষ্ণ হৰি,　　　　বোলা উচ্চ কৰি,
ঘনে ঘনে নিৰন্তৰে ॥

## পদ ।

কৃষ্ণে বুলিলন্ত শুনিয়োক প্ৰাণ সখি ।
সমস্তে কহিবোঁ আজি গোপ্যক নৰাখি ॥
ভক্তেসে পৰম বন্ধু আন নাহি কেৱ ॥
দেখাপ্ৰাণ সখি কেন মতে কৰো সেৱ ॥
নাৰদাদি প্ৰভৃতি মোৰ পৰম ভকত ।
তাহাৰ কাৰণে মোৰ তনু যে সাম্প্ৰত ॥
সত্য জ্ঞান অনন্ত আনন্দ যেবে দেখা ।
ৰস সমে পঞ্চ ভক্ত দিলোঁ মই লেখা ॥
পাঞ্চ জনে মিলি মোৰ ধৰিলা শৰীৰ ।
আৰো কহোঁ শুনা সখি তুমি মহাবীৰ ॥

বিষ্ণু যে প্রকৃতি মোৰ ভকত উত্তম।
গুহ্য লিঙ্গ কেশ আদি লোম আৰো চৰ্ম্ম ॥
আপুনি ভৈলন্ত বিদ্যা মোৰ প্ৰিয় জানি।
অবিদ্যা আছয় মোৰ সংসাৰ মোহিনী ॥
আৰো কহোঁ শুনা সখি অলঙ্কাৰ কথা।
ভকতে ভূষণ মোৰ জানিবা সৰ্ব্বথা ॥
প্ৰথমতে কহোঁ মই চৰণ ব্যৱস্থা।
যেন মতে ভৈলা মোৰ পাঙ্ক চিহ্ন কথা ॥
শঙ্কৰ জগত গুৰু জানিবাহা সখি।
সবাতেসে শ্ৰেষ্ঠ ভকতক তাঙ্ক লেখি ॥
তেহোঁ শক্তি মই যিটো ভুবন কাৰণ।
অঙ্কুশ যে হৈলা তেহোঁ মোহোৰ চৰণ ॥
জগত জননী যাক সম নাহি কেৱ।
ব্ৰহ্মা আদি দেবে যাক সদা কৰে সেৱ ॥
লক্ষ্মী মোৰ ভাৰ্য্যা জানা আতি প্ৰিয়তম।
জড় হুয়া ৰহিলন্ত তেহোঁ যে উত্তম ॥
বায়ু মোৰ পৰম ভকত শ্ৰেষ্ঠ তৰ।
ধ্বজ হুয়া ৰহিলন্ত তেহোঁ চৰণৰ ॥
ইন্দ্ৰ মোৰ নিজ ভক্ত জানিবাহা সাৰ।
বজ্ৰ হুয়া ৰহিলন্ত চৰণে আমাৰ ॥
দেখা কেনে ব্ৰহ্মা আদি মোৰ প্ৰিয় ভক্ত।
পদ্ম হুয়া ৰহিলন্ত মোৰ চৰণত ॥

ধ্বজ বজ্র অঙ্কুশ যে যব পদ্ম দেখা।
পাঞ্চচিহ্ন চৰণৰ দিলো মই লেখা ॥
এবে কহোঁ শুনা সখি দেহ আভৰণ।
যেন মতে আছে যেচি ভকত সজ্জন ॥
চাৰি বেদে চাৰি ভক্তে জান্য মহা মতি।
চৰণে নেপুৰ হৈয়া ৰহিছে সম্প্ৰতি ॥
কল্পতৰু বৃক্ষ ৰূপে মোহোৰ ভকত।
চৰণে হৈয়া আছে কমল পত্ৰ যত ॥
কুবেৰ বৈষ্ণৱ মোৰ নাহি যাক সম।
পদাঙ্গুলী উজতি যে আছি মনোৰম ॥
বাসুকী যে প্ৰিয় ভক্ত অতি দৃঢ় তৰ।
হোৰৰ যে হৈয়া আছে চৰণ উপৰ ॥
কুবেৰেও হৈয়া আছে আৰু চৰণৰ।
কহোঁ শুনা সখি আক কথা ভকতৰ ॥
পৃথিৱী মোহোৰ সন্ত বীৰ যে ভকত।
তেজ হৈয়া ৰহিলা মোহোৰ শৰীৰত ॥
জগতৰ যত ভক্ত মোৰ প্ৰিয়তৰ।
তাৰৰশ্মি চক্ৰ মোৰ হস্তৰ উপৰ ॥
সাগৰ মোহোৰ ভক্ত জানা অতিশয়।
চন্দন তিলক তাহাৰেসে কেশ চয় ॥
ব্ৰহ্মাণ্ড কীৰিতি ভৈলা শিৰৰ উপৰে।
যেন প্ৰিয় ভক্ত মোৰ নজানয় নৰে ॥

বায়ু অপ আকাশ যে ভক্ত আয়ু মোৰ ।
আপাদ লম্বিত বনমালা ভৈলা মোৰ ॥
অগ্নি মোৰ প্ৰিয়ভক্ত শুদ্ধ অতিশয় ।
জানে শুভ্ৰভাগে পীত বস্ত্ৰ যে নিশ্চয় ।
হিৰণ্যাক্ষ মোহোৰ ভকত অতি বীৰ ।
উত্তৰী কৰিলোঁ মই তাহা ৰেসে নাড়ি ॥
চন্দ্ৰ মোৰ শান্ত দান্ত ভক্ত প্ৰিয়তৰ ।
নখ হুয়া ৰহিলন্ত মোহোৰ হস্তৰ ॥
দশ দিগ পাল জানা মোৰ ভক্ত পূৰ্ণ ।
তাসাম্বাৰ নাড়ি ভৈলা মোৰ নবগুণ ॥
সত্ব ৰজস্তম তিনি মহন্ত উত্তম ।
বৈষ্ণৱস্তি মালা হৃদয়ৰ মনোৰম ।
মনু আদি কৰি মোৰ বাঢ় যে বৈষ্ণৱ ।
অতি প্ৰিয়তম মোৰ পৰম বান্ধৱ ॥
কটী মধ্যে ৰৈলা তাৰা হুয়া যে কিঙ্কিনি ।
সদায়ে বাজয় সুললিত ধ্বনি শুনি ॥
সাত যে সাগৰে মোৰ ভৈলন্ত মেখলা ।
সৰস্বতী মোৰ ভক্ত নাভি পদ্ম ভৈলা ॥
সাংখ্য কৰ্ম্ম মোৰ ভক্ত অতি প্ৰিয়তৰ ।
কুণ্ডল যে ভৈলা জেহোঁ মোহোৰ কৰ্ণৰ ॥
জগতৰ বীৰ্য্যে ভৈলা কামুদকি গদা ।
হস্তত থাকন্ত মোৰ জানিবা সৰ্ব্বদা ॥

ব্ৰহ্মা বিষ্ণু মহেশে উদৰে তিনি ৰেখা ।
মোহোৰ ভক্তৰ সখি মহত্ত্ব যে দেখা ॥
ধৰ্ম্ম অধৰ্ম্ম জ্ঞান বিজ্ঞান যশ চয় ।
শ্ৰীসহিতে মোহৰ ভকত দেখা চয় ॥
পাঞ্চজন্য শঙ্খ হুয়া হস্তে আছে মোৰ ।
কতেক কহিবোঁ সখি আগত তোমাৰ ॥
চন্দ্ৰ সূৰ্য্য ব্ৰহ্মা বিষ্ণু মোহোৰ ভকত ।
অগণি যোষ্মা সহিতে এহি ছয় তত্ব ॥
মৈয়া পুচ্ছ হুয়া আছে মোহোৰ শিৰত ।
কি কহিবোঁ সখি মোৰ ভক্তৰ মহত্ত্ব ॥
ইন্দ্ৰ কান্তি ময়ূৰ যে ভৈলন্ত ঘোড়াত ।
বিপ্ৰ মোহোৰ ভক্ত জানিবা সাক্ষাত ॥
জ্ঞান নাড়ি ভৈলা মোৰ চান্দনি কৰ্টিৰ ।
কতেক কহিবোঁ সখি মহিমা ভক্তৰ ॥
শুনিলা মোহোৰ ভক্ত কাশ্যপ বৰুণ ।
ইহান তেজে পৰশি জানিবা অৰ্জ্জুন ॥
জগতস ভক্ত বসভাগে যে কৌস্তুভ ।
তোমাত কহিবোঁ সখি জানিবা বান্ধব ॥
দক্ষ আদি শোৰ ঋষি মোৰ ভক্ত যত ।
সুদৰ্শন পদ্ম ভৈলা মোহোৰ হস্তত ॥
প্ৰিয় ব্ৰত আদি ৰাজা ঋষি মোৰ ভক্ত ।
সাৰঙ্গ যে ধনু ভৈল কহিলোহু তত্ত্ব ॥

মোৰ নিজ ভক্ত ব্ৰহ্মাৰ নন্দন।
তাহান পদৰজে শ্ৰীবৎস শোভন ॥
অনন্ত যে প্ৰিয়ভক্ত সবাতে অধিক।
তেহোঁ শয্যা ভৈলা মোৰ কৈবো আবে কিক ॥
জানিবা চাৰিও ভক্তে চাৰিও ঘোটক।
সেব্য যে সুগ্ৰীব মেঘ পুষ্প বলাহক ॥
গড়ুৰধ্বজ ৰথ মোৰ সাৰথি দাৰুক।
গড়ুৰ আসন সখি মোৰ শুনিয়োক ॥
বৈকুণ্ঠে ভৈলন্ত ছত্ৰ নাৰদে ভৈলা তুলি।
সনকে কৰিলা জয় জয় কৃষ্ণ বুলি ॥
নন্দ উপনন্দ আদি মোৰ ভক্ত যত।
অভিষেক কৰিলা মোহোত হুযা মত্ত ॥
সবে ভক্তে মিলি মোক কৰিলেক ৰাজা।
কিকহিবোঁ বান্ধব আপুনি তুমি বুঝা ॥
সূক্ষ্ম মই স্থূল কৰি ভকতেসে থাপে।
আকে জানিবাক আবে পাৰে কাৰ বাপে ॥
এতেকে জানিবা সখি ভকতেসে দেৱ।
হেনজানি তুমি ভকতক কৰা সেৱ ॥
সন্তৰ ভূষণ মই ভূষণ মোৰ সন্ত।
সন্তৰ মহিম মই কহি নপাওঁ অন্ত ॥
ভক্ত কথা শুনি পাৰ্থ ভৈলন্ত বিস্ময়।
তনু পুলকিত নেত্ৰ নীৰ বহি যায় ॥

দেখন্ত গোবিন্দে অৰ্জ্জুনক প্রেম ভাৱ।
আশ্বাসি বোলন্ত হৰি পৰম বান্ধব ॥
তুমি মোৰ পৰম সুহৃদ প্রিয়ভক্ত।
এতেকেসে তোমাত কহিলোঁ গোপ্য তত্ত্ব ॥
মোৰ কেহোঁ নাহি সখি তোমাতেসে পৰে।
সাবধানে লোৱা সখি সেৱা ভকতৰে ॥
ভক্তেসে শৰীৰ মোৰ ভক্তেসে ভূষণ।
এতেকতে বুলি ভূৱণৰ যেভূষণ ॥
মোহোৰ ভূষণ ভক্তে কহিলোঁ অৰ্জ্জুন।
মই যেন ভক্তৰ ভূষণ সখি পূৰ্ণ ॥
মোৰ নাম কণ্ঠহাৰ সদায়ে সুমৰে।
শয়নে ভোজনে স্নানে ইন্দ্রিয় ব্যাপাৰে ॥
মোৰ পদ ছায়া ছত্র তুলি ধৰে শিৰে।
পদ ছত্র ছায়া আৰো তাপ পলাই দূৰে ॥
মোৰ নাম হৃদি ধৰি তেজে সুখ দুখ।
বিষয়তো ধিক দুখ ইন্দ্রিয়ৰ সুখ ॥
মোৰ নাম গাই ফুৰে নজানয় আন।
ৰাত্রি দিনে মোহোৰ চৰণে নেৰে ধ্যান ॥
পুত্ৰ ভাৰ্য্যা ধন জন তাৰ স্নেহ তেজি।
সদা কৰে মোৰ কৰ্ম্ম মোক মাত্র ভজি ॥
মোৰ গুণ যশ কহে শুনি নিৰন্তৰে।
অ[illegible]পৰে ন[illegible]নে কহিলোঁ দৃতৰে ॥

কৰ্ণৰ ভূষণ কৰে মোৰ নাম গুণ ।
চক্ষুৰ ভূষণ মোৰ কঁপেসে অৰ্জ্জুন ॥
শিৰৰ ভূষণ মোৰ ভকতৰ ধূলী ।
হৃদয়ত মানে মই নিস্তৰিলোঁ বুলি ॥
হস্তৰ ভূষণ সখি জানা মোৰ কৰ্ম্ম ।
কতেক কহিবো সখি ভকতৰ ধৰ্ম্ম ॥
এহি অলঙ্কাৰ সখি বৈষ্ণৱত পৰ ।
কিকহিবোঁ সখি মই আউৰ আতপৰ ॥
আৰো কিছু কহোঁ সখি শুনা ধনঞ্জয় ।
মোকে জানে তাৰা প্ৰিয় সুহৃদ নিশ্চয ॥
মোৰ নাম লৈয়া তাৰা মোৰ গাৱে গীত ।
মোৰ কথা শুনি অতি হোৱে কৃত্য কৃত্য ॥
খেণো গাৱে খেণো কোৱে খেণো মোক স্মৰে
খেণো হাসে খেণো কান্দে খেণো মৌন ধৰে ॥
খণে আনন্দতে মজি সবাকো পাশৰে ।
খেণো কৃষ্ণ কৃষ্ণ বুলি ডাকে দৃঢ়তৰে ॥
খেণো উঠে খেণো বৈসে খেণো মগ্ন হুই ।
খেণো মোক মনে ধৰি চলে উৰ্দ্ধ মুই ॥
খেণো মোক হৰুৱাই বিচাৰিয়া ফুৰে ।
মক মকি কান্দে নয়নৰ নীৰ ঝৰে ॥
কৈক গৈলা কৃষ্ণ বুলি দীৰ্ঘ ৰাৱে কান্দে ।
বিচাৰিয়া পাই কতো গলে আনি বান্ধে ॥

এহিমতে ভক্তসবে মোক কৰে বশ্য ।
কহিলো তোমাত সখি ভক্তৰ ৰহস্য
আৰু কিছু কহো সখি ভক্তৰ লক্ষণ ।
মোকে হৃদি ধৰি নেৰে তাৰা সৰ্ব্বক্ষণ ॥
কাতো তাৰা ৰুষ্ট নাহি তুষ্ট সৰ্ব্ব দায় ।
আপুনিয়ো তুষ্ট হুয়া মোক মাত্ৰ ধ্যায
পালেও আনন্দ নেপালেও নাহি ৰোষ ।
দৈৱ বশে যিবা মিলে তাহাতে সন্তোষ ॥
সান্ত দান্ত ক্ষমাশীল আতি মহাধীৰ ।
মহা যে সাগৰ আতি গহীন গম্ভীৰ ॥
সত্যবাদী সদাচাৰী সৰ্ব্ব গুণান্বিত ।
সুহৃদ বৈৰত তাৰা হোৱে সমচিত্ত ॥
সমস্তকে তেজে তাৰা মিছা হেন জানি ।
সপ্ত সিন্ধু দেখে যেন একচলা পানী ॥
আদিত্যক দেখে ভক্তে জুগুকৰ খদ ।
পুত্ৰ পত্নী ধন দেখে জল বুদ বুদ ॥
সুমেৰুক দেখে মৃত্তিকাৰ ধূলি হেন ।
নৃপতিক দেখে ভকাভক ভৃত্য যেন ॥
ৰত্ন মানিকক শিলাসম হেন দেখি ।
কল্পতৰু বৃক্ষ ভক্তে কাষ্ঠ হেন দেখি ॥
সংসাৰক দেখে যেন এক গাছি তৃণ ।
আপোনাৰ দেহা দেখে মিছা ভাৱ হেন ॥

এহিমতে জগতক দেখয় অসাৰ ।
অহৰ্নিশে চিন্তে নিতে চৰণ আমাৰ ॥
ইহেন ভকত সম আন কোন আছে ।
আটুত ঐশ্বৰ্য্য সিটো ফুৰে পাছে পাছে ॥
মুৰ্ত্তিধৰি পঞ্চবিধ মুক্তি পাছে ফুৰে ।
মোক লোৱা বাপ বুলি কাকুতি যে কৰে ॥
দেবদেবী যত আছে ব্ৰহ্মাণ্ড ভিতৰে ।
তীৰ্থ ব্ৰত ধৰ্ম্ম আছে যত নিৰন্তৰে ॥
চৰাচৰ মূৰ্ত্তি ধৰি তুতি কৰি ফুৰে ।
তথাপি ভকতে তাক ইঙ্গিত নকৰে ॥
মই জানা সখি ভকতৰ পাছে ফুৰোঁ ।
যি বোলে তাহাক মই তৎকালে কৰোঁ ॥
জন্ম কৰ্ম্ম জানা মোৰ ভক্তৰ নিদানে ।
কহিলো ৰহস্য সখি তোমাৰ কাৰণে ॥
মোৰ ভকতৰ সখি নাহিকে অন্তৰ ।
বৈষ্ণৱৰ মোৰ সখি একে কলেবৰ ॥
নিশ্চয় কৰিয়া কহো শুনা সখি পাৰ্থ ।
সত্বৰে সন্তক ভজা কৈলো পৰমাৰ্থ ॥
কৃষ্ণৰ মুখৰ বাক্য শুনি ধনঞ্জয় ।
নেত্ৰৰ লোতক ঝৰে ভৈলন্ত বিস্ময় ॥
প্ৰেমে মত্ত হুয়া পাৰ্থ কৃষ্ণৰ আগত ।
স্তুতি আৰম্ভিলা কৃতাঞ্জলী কৰি হাত ॥

জয় জয় কৃষ্ণ জয় জয় সনাতন।
জয় জয় সৰ্ব্ব ঋপুহন্তা নাৰায়ণ ॥
জয় জয় নিৰঞ্জন নিৰাকাৰ দেৱ।
জয় জয় হৰি তযু পায়ে কৰো সেৱ ॥
তুমি বিভু প্ৰভূ জগতৰ নবনিধি।
তোমাকেসে সেবে প্ৰভূ ইন্দ্ৰ চন্দ্ৰ বিধি।
আম্মিযে অজ্ঞানী প্ৰভু নজানো নিশ্চয়।
কিমতে কৰিবো সেৱা কহা কৃপাময় ॥
সন্তৰ সেৱায়ে তৰে সংসাৰৰ ক্লেশ।
কিমতে কৰিবো সেবা দিয়ো উপদেশ ॥
কেনমতে ভজিবোহো ভকতক হৰি।
এহি বুলি অৰ্জ্জুন ৰহিলা স্তুতি কৰি ॥
শুনা সবে নৰনাৰী সাবধান কৰি।
কৃষ্ণাৰ্জ্জুন সংবাদযে ভবক্লেশ হাৰী ॥
দুষ্টৰ যে ধুমকেতু বৈষ্ণবৰ মান।
পাতকৰ নিন্দা বাণী নকৰিবা কান ॥
সাধু সঙ্গ চিন্তা কৰা আপোনাৰ কাজ।
সাধুসেৱা কৰন্তেয়ো নকৰিবা লাজ ॥
মই হেন মানী যেন এৰা অহঙ্কাৰ।
সাধুৰ সেৱায়ে পাৱে সংসাৰৰ পাৰ ॥
অজিজ্ঞাসি নিন্দা বাণী নুবুলিবা মোক।
ভাগৱত পুৰাণ বিচাৰি চাহিয়োক ॥

যদি শাস্ত্রে নথাকয় তেবেসে নিন্দিবা।
শাস্ত্রত থাকিলে তেবে কৃপাযে কৰিবা ॥
ইকথা থাকোক আপোনাৰ চিন্তা হিত।
সাধু সঙ্গ লৈযা শুনা কৃষ্ণ কথা মৃত ॥
কৃষ্ণৰ কথাসে জানা সংসাৰতে সাৰ।
আপুনি তৰিবা হৈব পুৰুষ উদ্ধাৰ ॥
ৰাম কৃষ্ণ নাম মুখে লোৱা অবিশ্ৰাম।
মনে চিন্তা পাদ পদ্ম হস্তে কৰা কাম ॥
শিৰে যে প্ৰণাম নাসা তুলসীৰ ঘ্ৰান।
চৰণে চলয ভূমি বৈষ্ণবৰ থান ॥
কৃষ্ণৰ কিঙ্কৰে কহে বালকাযে নন্দে।
জয় কৃষ্ণ চৰ্চ্চা কৰা পৰম আনন্দে ॥
পুনৰপি বোলো মই দান্তে তৃণ ধৰি।
উচ্চকৰি ডাকি বোলা ৰাম কৃষ্ণ হৰি ॥

---

দুলড়ি।

মাধৱে বোলন্ত, ধন্য ধন্য তুমি,
কুন্তিৰ পুত্ৰ অৰ্জ্জুন।
আপুনি তৰিলা, আনক তাৰিলা,
কিন্তু সাৱধানে শুন ॥

বৈষ্ণৱৰ সেৱা, পৰম দুৰ্ল্লভ,
দেৱে নজানন্ত যাক ।
যিমতে কৰিবা, বৈষ্ণৱক সেৱা,
শুনা সখি কহোঁ তাক ॥
প্ৰথমতে তুমি, চিত্ত দৃঢ় কৰি,
আমাত লৈয়ো শৰণ ।
তেবে সমীপত, বৈষ্ণৱক জানা,
সেৱা যে কৰা চৰণ ॥
পৃথিবীত পৰি, নমস্কাৰ কৰি,
শিৰত লৈবাহা ধূলি ।
পাছে জল আনি, চৰণ পখালি,
পাদোদক লৈবা তুলি ॥
প্ৰদক্ষিণ কৰি, দণ্ডৱতে পৰি,
উঠি উঠি কতবাৰ ।
কৃতাঞ্জলি কৰি, ৰূপ ধ্যান ধৰি,
স্তুতি কৰা বাৰম্বাৰ ॥
ধূপ দীপ আনি, নৈবেদ্যক সাজি,
সবন্ধু বান্ধৱ সহিতে ।
পুনৰপি পৰি, নমস্কাৰ কৰি,
আনন্দ কৰি মনতে ॥ ১৫৪ ॥
উঠি ধৈৰ্য্য ধৰি, কৃতাঞ্জলী কৰি,
ভকতি কৰি অনেক ।

ভাগবত ধৰ্ম্ম, মোৰ গুণ কৰ্ম্ম,
পুছিবা আছে যতেক ॥ ১৫৫ ॥
তোমাৰ ভকতি, দেখি সাধু সবে,
আনন্দ কৰি কহিবা ।
চিত্ত দৃঢ় কৰি, কায় বাক্য মনে,
স্তুতি যে তাক ধৰিবা ॥
হৰিৰ মন্দিৰ, সাজিবা গম্ভিৰ,
অনেক যত্ন প্ৰকাৰে ।
অনেক যতনে, অনেক মৃত্তিকা,
তৃণ তুম্ব বহুতৰে ॥১৫৭॥
বিচিত্ৰ আকাৰে, অনেক প্ৰকাৰে,
দেখিতে যেন সন্তোষ ।
তাহাৰ ভিতৰে, বৈষ্ণবক আনি,
ৰাখি কৰে পৰিতোষ ॥
অন্ন বস্ত্ৰ দিযা, সাদৰ কৰিয়া,
ধৰিবা যতনে আল ।
এহিমতে সেৱা, বৈষ্ণৱক কৰা,
বঞ্চাযে যমৰ কাল ॥
পুত্ৰ পত্নী যত, সুহৃদ সোদৰ,
সমন্বিতে সৰ্ব্বক্ষণে ।
অন্য অন্যে ৰতি, কৰিয়া ভকতি,
সেৱাকৰা এহিমানে ॥

শ্রবন কীর্ত্তন,  করা অনুক্ষণ,
নকরিবা মন ভঙ্গ ।
রাত্রি দিন তুমি,  তিলেক নেরিবা,
সদা বৈষ্ণরর সঙ্গ ॥
বৈষ্ণবর সঙ্গে,  আপোনাক মিলে,
তুষ্ট হোবে সর্ব্বদেব ।
বৈষ্ণরর মুখে,  আমার ভোজন,
জানিবা সখি বান্ধব ॥
বৈষ্ণবর মোর,  নাহিকে অন্তর,
শুনা সখি ধনঞ্জয় ।
এহিমতে তুমি,  বৈষ্ণরক সেবা,
করিবা সখি নিশ্চয় ॥
যত কর্ম্ম ধর্ম্ম,  করা অনুক্ষণ,
সেরা নীতি অনুমতি ।
তেবে সব্ব কর্ম্ম,  সিদ্ধি হইবেক,
কহিলো সখি সম্প্রতি ॥
ভাগ্যে যোবা চলি,  শুনা মহাবলী,
সন্তর নমি চরণ ।
সকলে কার্যাত,  সিদ্ধি হইবেক,
নাহিকে জন্ম মরণ ॥
একান্ত ভকত,  সেবা নিরন্তর,
এহিমানে লোকা তুমি ॥

আৰু নাহি ভয়,   গুছিল সংশয়,
নিশ্চয় কহিলো আমি ॥
যদি বোলা সখি,   একান্ত ভক্তৰ,
জানিবোহো কৈনমতে ।
ইহাৰ লক্ষণ,   যেন মতে কহোঁ,
শুনা সখি ভাল মতে ॥
শ্রবণ কীৰ্ত্তন,   কৰে অনুক্ষণ,
নাহি তাৰ আন মন ।
অময়া শৰণ,   কায় বাক্য মন,
নেৰয় মোৰ চৰণ ॥
হৰিষ বিষাদ,   ভয়ত বিষাদে,
সদা স্মৰে নাৰায়ণ ।
তাহাক একান্ত,   বুলি জানা সখি,
কহোঁ যে শ্বেতবাহন ॥
কদাচিতো সন্তে,   বিষয় থাকন্তে,
তাক দেখে মায়া ময় ।
বিষয়ত চিত্ত,   তিল মাত্র নাহি,
নাহি জানা ধৰ্ম্মভয় ॥
যেহেন কচ্ছপে,   জবে ডিম্ব পাৰি,
জল মাজে থোকাৰয় ।
সেহিমতে সন্তে,   বিষয়ত থাকি,
সদায়ে মোক চিন্তয় ॥

তাকে বুলি সন্ত, মহন্ত একান্ত,
আৰকহোঁ শুনা পাৰ্থ।
হৈবে ভিক্ষাচাৰী, যেন দণ্ড ধাৰী,
ফুৰে কৰি নানা অৰ্থ ॥
মোক হৃদি ধৰি, বিষ্ণু বুদ্ধি কৰি,
মুৰ্ত্তি দেখি তীৰ্থ স্নানে।
সদায় সুমৰে, নাম গুণ মোৰ,
মাম সমস্তক মনে ॥
তাকে বুলি পাৰ্থ, মহন্ত একান্ত,
শুনা আৰকহোঁ সখি।
সদাসম বুদ্ধি, নাহি ভেদ বুদ্ধি,
মহা ক্ষমা শীল দেখি ॥
মোৰ গুণ নাম, গায়ে অবিশ্ৰাম,
কহে মোৰ জন্ম কৰ্ম্ম।
আপুনিও গৌৰে, আনক লোৱাৰে,
সদা ভাগৱত ধৰ্ম্ম ॥
চণ্ডাল ব্ৰাহ্মণ, ইন্দ্ৰ চন্দ্ৰ কীট,
সমস্তৰে একে বুদ্ধি।
হৰি ময় দেখি, সবাকো নিৰিখি,
হৰে মহা সত্ত শুদ্ধি ॥
অনন্য ভাবনা, সততে আচাৰে,
নকৰয় আন চিত্ত।

মোহোৰ চৰণে, পশিয়া শৰণ,
সদাকৰে নৃত্য গীত ॥
জগততে হৰি, হৰিত জগত,
দেখে তাৰা ধনঞ্জয় ।
হৰি ব্যতিৰেকে, আন নেদেখয়,
কহিলোঁ মই নিশ্চয় ॥
সবাতে গৰিষ্ঠ, এহিসে একান্ত,
কহিলোঁ নিষ্টে তোমাত ।
হেনজানি তুমি, সত্বৰে ভজিয়ো,
সংশয় নকৰি আত ॥
চতুৰ্ব্বিধ ভক্তি, কহিলোঁ একান্ত,
জানি সেৱা কৰাপাই ।
আৰো কিছু কওঁ, যিমতে ভজিবা,
তাহাৰ শুনা উপাই ॥
উত্তমত তুমি, কৰিবা একান্ত,
সেৱিবা তাঙ্ক সদায ।
তাৰ পদ ধূলী, শিৰে লৈবা তুলি,
পূজিবা তাঙ্ক সদায ॥
শযন ভোজন, স্নানে গোপ্য আনে,
স্মৰিবা তাহাঙ্ক মনে ।
তাহান উচ্ছিষ্ট, খায়া তুমি নিষ্ট,
কৃতাৰ্থ হুয়া আপুনে ॥

ইহাকে সংশয়, নকৰা অৰ্জ্জুন,
বুলিলোঁহো মই নিশ্চয় ।
নিন্দিতৰ বাক্য, শুশুনিয়া কাণে,
নিন্দিয়া আপনি কৰ ॥
উত্তমত সেৱা, এহি ভাবে কৰা,
সামান্যৰ কহোঁ আবে ।
সচকিতে উঠি, ধৰিবা আলিঙ্গি,
পূজিবা সুহৃদ ভাৱে ॥
দুইকো দুই যে, প্ৰাণসমিব শিৰে,
আনন্দে একে আসনে ।
মোৰ কথা বুলি, শিৰে লৈবা ধূলী,
দুইকো দুই ঘনে ঘনে ॥
মহামিত্ৰ মানি, প্ৰেমেগলে বান্ধি,
কৰিবা মোকে আলাপ ।
এহি মতে দুই, মোৰ কথা কই,
তৰিবা সংসাৰ তাপ ॥
আৰু কহো পাৰ্থ, শুনা পৰমাৰ্থ,
নীচত যেন কৰিবা ।
নীচক দেখিলে, কৃপা কৰি তুমি,
সাদৰ কৰি পূজিবা ॥
কৈক যোৱা বাপ, কিসক আসিলা,
হৰি কথা শুনা ৰঙ্গে ।

মনুষ্য জীবন, নিশিৰ সপন,
হৰিভজা সাধু সঙ্গে ॥
এহি মন্ত্রে পূজা, বৈষ্ণৱক কৰা,
মানিবা বৈষ্ণৱ বুলি ।
এতেক প্রকাৰে, বৈষ্ণৱক ভজা,
হৰিৰ শৰীৰ বুলি ॥
সংসাৰ নিকাৰ, এৰাই যাহা সুখে,
পাইবা বৈকুণ্ঠত ঠাই ।
তোমাৰ আগত, সকল কহিলোঁ,
কৰিও যেন উপাই ॥
হেন শুনি পাৰ্থ, জানি পৰমাৰ্থ,
ৰিনাছে কৃষ্ণক চাই ।
তোমাৰ ভকত, প্রভু জানিলোহো,
ভক্তি বিনে শ্রেষ্ঠ নাই ॥
বৈষ্ণৱেসে জপ, বৈষ্ণৱেসে তপ,
বৈষ্ণৱেসে ইষ্টদেব, ।
বৈষ্ণৱেসে যপ, বৈষ্ণৱেসে ব্রত,
বৈষ্ণবক কৰাসেব ॥
বৈষ্ণৱৰ কিছু, মহিমা জানিলো,
মুৰাৰি কৃষ্ণ গোবিন্দ ।
অভক্ত দুষ্টৰ, কেনে গতি কয়ো,
নমো চৰণাৰ বিন্দ ।

আৰো কিছু মই শুনিবাক চাওঁ
নামৰ মহিমা হৰি।
যদি শুনিবাক যোগ্য হওঁ প্ৰভু
তেবে কৈয়ো নিষ্ট কৰি॥ ১৯৩॥
এহি বুলি পার্থ প্ৰেমে হুয়া মত্ত
কৃষ্ণক পৰি নমিলা।
অতি স্নেহে কৃষ্ণে অর্জ্জুনক ধৰি
আলিঙ্গি প্ৰেমে তুলিলা॥ ১৯৪॥
শুনা সভাসদ মুকুতি মিলৌক
বৈষ্ণবি গীতাৰ পদ।
যদি বোলা ভক্তে মুকুতি নবাঞ্ছে
কেনে লোৱে মুক্তি পদ॥১৯৫॥
শুনা নৰ নাৰী ইহাৰ উত্তৰ
সাৱধান কৰি চিত্ত।
ভক্তে নবাঞ্ছয় আপনি মিলয়
ভক্তিত হোৱে বিদিত॥১৯৬॥
ভকতি কৰন্তে আপোনাত মিলে
আসি ধৰে তান লাগ।
ভকতে নচাৰে তথাপিতো পাৰে
কি মতে কৰিবে ত্যাগ॥১৯৭॥
যেন লাগে কৰা ভক্তি মাত্ৰ ধৰা
দূৰ কৰা বৃথা কথা।

ভক্তি হীন ভৈলে যমৰ কিঙ্কৰে
কৰিবে নানা অবস্থা ॥ ১৯৮ ॥
কিমত কৰিবে যমৰ কিঙ্কৰে
তাক শুনা দৃঢ় কৰি ।
পাছে হাত ভৰি বান্ধি নিবে ধৰি
চামৰ লগাইয়া জৰি ॥ ১৯৯ ॥
যত আছে মাৰি পশু পক্ষী ধৰি
তাৰা আছে বাত চাই ।
কেহো কাটিবেক কেহোঁ খুছিবেক
কেহোঁ মাংস চিণ্ডি খাই ॥২০০ ॥
ধৰাধৰি কৰি দূতে লৈয়া যাই
তথাপি এৰান নাই ।
যম পুৰে নিয়া দিবেক টানিয়া
বৃক্ষৰ পৰা পেলাই ॥ ২০১ ॥
তাত পাছে শুনা আমু শাস্তি যত
কুম্ভি পাক নৰকৰ ।
তাহাৰ ভিতৰে পেলাইয়া মাৰে
ডাঙ্গৰ দিয়া প্ৰহাৰ ॥ ২০২ ॥
নৰকৰ পোকে, বেৰি বেৰি খাই,
আতাসতে প্ৰাণ যাই ।
মৰো মৰোঁ কৰি, সদা ডাক পাৰে,
ৰাখ বোলন্তাও নাই ॥২০৩ ॥

হেন জ্ঞানি নৰ, ভকতি ধৰিয়া
তেজা সৱে আন কথা।
সাধু সঙ্গ লৈয়া, ভকতিক কৰা
শুনিয়োক কৃষ্ণ কথা ॥ ২০৪ ॥
তেবেসে এৰাই যমেৰ যাতনা
নাহিকে তাৰ উপাই।
এহি মতে বাণী, কৈলোঁ নিষ্ঠ জানি,
কৰিয়ো যেন যুয়াই ॥ ২০৫ ॥
শুনা নৰ নাৰী, কহোঁ তৃন ধৰি,
মাগোঁ মই এক দান।
কৃষ্ণৰ চৰণে, ভকতি ৰহোক,
দিয়ো মোক এহি দান ॥ ২০৬ ॥
মনে ৰূপ ধৰি, কহে ব্ৰহ্মচাৰী,
দাস যে বালকানন্দে ॥
ডাকি উচ্চ কৰি, বোলা হৰি হৰি,
জানিয়া মহা আনন্দে ॥ ২০৭ ॥

ঘোষা ।

মাধৱ বান্ধৱ উদ্ধাৰা বাপ ।
কতনো সহিবোঁ সংসাৰ তাপ ॥

পদ ।

কৃষ্ণে যে বোলন্ত সখি অৰ্জ্জুন ।
কহিবো সাৱধানে কিছু শুন ॥
যিতো মন্দমতি অধম নৰে ।
মোহোৰ ভকতক নিন্দা কৰে ॥ ২০৮॥
তাহাৰ সম নাই মন্দমতি ।
অবশ্যে সিতো যাইবে অধোগতি ॥
সি দুষ্টক দেখি স্মৰিবা হৰি ।
কহিলোঁ তোমাসাত নিষ্ঠ কৰি ॥ ২০৯ ॥
সি জন অধম নৰ পাপিষ্ঠ ।
চাণ্ডালতো কৰি সিটো অনিষ্ট ॥
কুকুৰক খাই মেলেচ্ছ জাতি ।
তাহাতো কৰি অপবিত্র আতি ॥ ২১০ ॥
সেহি সে ৰাক্ষস সেহি অসুৰ ।
সেহিসে মহা পাতকী প্রচুৰ ॥
সেহি সে অভকত জানা সখি ।
সম্ভাষ নকৰিবা তাক দেখি ॥ ২১১ ॥

তাহাৰ সম্ভাষণ জানা এৰি ।
কহিলোঁ মই তোত নিষ্ঠ কৰি ॥
আৰো শুনা তাৰ যি হোৱৈ গতি ।
তোমাত কহিবোঁ শুনা সম্প্ৰতি ॥২১২॥
যৈতে আছে মহা আত্মঘাতি ।
তৈতেসে পৰে সিটো দুষ্টমতি ॥
মহা নৰক যিটো ভয়ঙ্কৰ ।
তৈতেসে পৰে সিটো দুষ্টনৰ ॥২১৩॥
আৱৰ নাহিকে তাৰ উদ্ধাৰ ।
কহিলো উদ্ধৱ সাৰতো সাৰ ॥
পুছিলা যেন অভক্তৰ গতি ।
তাহাকো শুনিলাহা মহামতি ॥২১৪॥
হেন জানি এড়া দুষ্টৰ সঙ্গ ।
সাধু সঙ্গ লোৱা কৰিয়া সঙ্গ ॥
বৈষ্ণবৰ সঙ্গে সবাতো গতি ।
কহিলোহেঁ। নিষ্ঠে ধৰা সম্প্ৰতি ॥২১৫॥
যি দেশত জানা অভক্তসে আছে ।
সৰ্ব্ব সুখ্য তৈতে সম্পূৰ্ণে আছে ॥
সমস্তে ধৰ্ম্ম পাই পূন ভূমি ।
তথাপি তাহাক নযাবা তুমি ॥২১৬॥
নাহিকে যি দিশত ধৰ্ম্ম পূন্য ।
নাহিকে তীৰ্থ ব্ৰত ধৰ্ম্ম শুন্য ॥

কিন্তু যে বৈষ্ণব সব আছয় ।
সেহি পূন্য ভূমি জানা নিশ্চয় ॥ ২১৭ ॥
সমস্তে সুখ আছে সেহি ঠাই ।
তাহাতেসে বঞ্চিবে জুৱাই
ধন জন সম্পূর্ণ সিটো থান ।
কহিলোঁ তোমাসাত তত্ব জ্ঞান ॥ ২১৮ ॥
হেন ভক্তক যিটো সেৱা কৰে ।
তাহাৰে ভৃত্য হুয়া নিৰন্তৰে ॥
কৰিও সেৱা কহিলোঁ নিশ্চয় ।
ধৰ্ম্ম কৰ্ম্ম উপেক্ষা মায়াময় ॥ ২১৯ ॥
তাহান সেৱাতেসে নিজ গতি ।
কহিলোঁ হো মই সবে যুগুতি ॥
যদিবা নাযাহা সখি প্রত্যয় ।
সত্য কৰি কহোঁ আক নিশ্চয় ॥ ২২০ ॥
সত্যে সত্যে সত্যে জানাহা তুমি ।
সত্যে সত্যে সত্যে কহোঁ আমি ॥
ছয় সত্য কৰি কহোঁ পাৰ্থ ।
জানিয়া ধৰা এহি পৰমাৰ্থ ॥ ৩২১ ॥
যদিবা হেলা কৰা ধনঞ্জয় ।
যাইবা অধোগতি তুমি নিশ্চয় ॥
যি জনে জানয় হেন মহিমা ।
তাহাৰ পুন্যৰ নাহিকে সীমা ॥ ২২২ ॥

সসাগৰা মহী কৰই দান ।
তাহাতোধিক সখি ফল জান ॥
ইহান পূণ্যৰ কি কৈবো সীমা ।
ভকতৰ সখি হেন মহিমা ॥ ২২৩ ॥
আকে জানি লোৱা ভক্তৰ সঙ্গ ।
আন কৰ্ম্মে কৰা মনক তঙ্ক ॥
তুমিসে প্ৰিয়তম জানি কহি ।
তোমাৰ সমান আমাৰ নাহি ॥ ২২৪ ॥
এতেকে কহোঁ তোমাত নিষ্ঠ ।
আত্তি গোপ্য যেন মহা গৰিষ্ঠ ॥
ভকতৰ মোৰ নাহিকে ভেদ ।
দিলোহোঁ সখি তোত পৰিচ্ছেদ ॥ ২২৫ ॥
জানিযা মোক ভজা লৈয়া সঙ্গ ।
মোৰ কথা শুনি কৰিবা ৰঙ্গ ॥
মোহোৰ নাম লোৱা সখি মুখে ।
মোকেসে প্ৰণামিবা সুখে দুঃখে । ২২৬ ॥
হস্তে যে মোৰ কৰ্ম্ম সৰ্ব্বক্ষণ ।
মনে যে মোৰ ৰূপ সুমৰণ ॥
পদে বৈষ্ণবৰ যায়োক থান ।
নাসিকায়ে লৈবা নিৰ্ম্মাল্য ঘ্ৰান ॥ ২২৭ ॥
শৰীৰে ভকতক আলিঙ্গন ।
চক্ষুয়ে বৈষ্ণবক দৰিশন ॥

শিৰে যে কৰিবা সখি প্ৰণাম।
কৰ্ণে যে কথা শুনা অবিশ্ৰাম ॥ ২৩৮ ॥
মোহোৰ নৈবেদ্যক মাত্ৰ খাবা।
মোহোৰসে পাদোদকে স্নানিবা ॥
এহিসে নিষ্ঠ ভোজনৰ কথা।
কহিলোহোঁ সত্যে জানা সৰ্ব্বথা ॥ ২২৯ ॥
আৰো পুছিলাহা সখি পূৰ্ব্বত।
নামৰ মহিমা কহিয়ো মোত ॥
তাহাকে কহোঁ হুয়ো সাৱধান।
একচিত্ত দৃঢ় কৰিয়ো কান ॥ ২৩০ ॥
শুনিয়ো সাধু লোক একমনে।
নাহিকে গতি সাধু সেৱা বিনে ॥
শিলাৰ ৰেখা জানা কৃষ্ণ বাণী।
লয়ো সাধু সঙ্গ হেনয় জানি ॥ ২৩১ ॥
নকৰিবা নিন্দা সবে সাধু লোক।
শাস্ত্ৰত বিচাৰিয়া চাহিয়োক ॥
বিচাৰি নাপাই তেৱে নিন্দিবা।
পাই মোক আশীৰ্ব্বাদ কৰিবা ॥ ২৩২ ॥
মইসে মূৰ্খ নজানো ভকতি।
ভকতক মাত্ৰ কৰো প্ৰণতি ॥
কৃষ্ণৰ গুণক বৰ্ণাইবোঁ মাত্ৰ।
একোৱে গুণৰ নাহিক পাত্ৰ ॥ ২৩৩

কিন্তু ভনে যে বালকানন্দে ।
ৰাম কৃষ্ণ ৰাম বোলা আনন্দে ॥
যেবে যাইবা সুখে সংসাৰ তৰি ।
সদায়ে ডাকিযা ঘুষিয়ো হৰি ॥২৩৪॥



পদ ।

কৃষ্ণে বোলে শুনা সখি স্বেত বাহন ।
নামৰ নহিমা কহোঁ হুয়ো সাৱধান ॥
দিব্য হাজাৰেক নাম ত্ৰৈলোক্যতে সাৰ ।
এক যে শৰণ হুয়া স্মৰে এক বাৰ ॥২৩৫॥
অজীন পাতকী যিটো অনেক কালৰ ।
তাহাৰো পাতক নষ্ট স্মৰণে নামৰ ॥
চণ্ডাল পৰ্য্যন্ত যত অন্ত্যজ অধম ।
মোৰ নাম স্মৰণেসে হোৱয উত্তম ॥২৩৬
নকৰিলে যিটো তপ ধৰ্ম্ম সদাচাৰ ।
নপঢ়িলে সাস্ত্ৰ নাহি একোযে বিচাৰ ॥
শৌচ আচৰণ নাহি সুহি বৃদ্ধি ভাল ।
নিষ্ঠুৰ বচন বোলে আতি সৰ্ব্বকাল ।২৩৭॥

ইসব পাতকী সখি হোৱয় উদ্ধাৰ।
যদি একমনে স্মৰয় একবাৰ ॥
গো-বধী ব্ৰহ্মবধী যিটো মহা পাপী।
সিও শুদ্ধ হোৱে মোৰ নামত তথাপি ॥২৩৮
অনেক কালৰ যে বাসনা আছে যাৰ।
কাম ক্ৰোধ লোভ মোহ আছয় অপাৰ ॥
সিও শুদ্ধ হোৱে মোৰ নাম প্ৰসাদত।
কতেক কহিবোঁ মই নামৰ মহত্ব ॥২৩৯॥
সদা বিষয়ত মজি আছে যিটোজন।
পুত্ৰ ভাৰ্য্যা ধন বুলি মৰে সৰ্ব্বক্ষণ ॥
সি মহা পাতকী ও হোৱয় মোচন।
যদি মোৰ নাম লৱে হুয়া একমন ॥২৪০॥
হেন জানি সখি তুমি স্মৰা সৰ্ব্বক্ষণ।
নকৰিবা হেলা মই বুলিলোঁ বচন ॥
তীৰ্থ-ব্ৰত আদি যত আছে পূন্যগণ।
সব পূন্য পাই নাম কৰিলে কীৰ্ত্তন ॥২৪১॥
মোৰ নাম জানা সখি ধৰ্ম্ম শিৰোমনি।
কহিলোঁ তোমাত সখি এহি নিষ্ঠ বাণী ॥
নামে তীৰ্থ নামে ব্ৰত নামে যজ্ঞ দান।
নামে ধৰ্ম্ম নামে কৰ্ম্ম নামে জ্ঞান ধন ॥২৪২
নামে ধাতা বিধাতা যে নামে কল্পতৰু।
ভক্তা ভক্ত নামেসে গুৰুৰো মহাগুৰু ॥

নামে বন্ধু নামে ভাই নামে ধন জন।
নামেসে সুহৃদ আত্মা নামেসে জীবন ॥২৪৩॥
হেন জানি সখি তুমি ধৰা মোৰ নাম।
তিলেক নেৰিবা সখি কৈলোঁ অবিশ্ৰাম ॥
নাম এৰিলে মিলে মহা পাপ ঘোৰ।
হেন জানি মহাজনে নাম নেৰে মোৰ ॥২৪৪॥
বিষয়ত থাকি যদি সদা নাম লয়।
তথাপি বিষয় দোষে তাক নোছোৱয় ॥
যেন জল মাঝে আছে পদ্ম-পত্ৰ চয়।
উপৰত জল ধাৰে সদা এৰি বিষয় ॥২৪৫॥
তথাপিতো জল পদ্ম পত্ৰে নলাগয়।
সেহি মতে বিষয়ৰ দোষে নপাৱয় ॥
আকে জানি অহৰ্নিশে নাম লৱে মোৰ।
নিচে কহিলোহো সখি আগত তোমাৰ ॥১৪৬॥
নাম বিনে সখি ধৰ্ম্ম নাহি নাহি আন।
কৈলো সত্য কথা তোমাসাৰ বিদ্যমান ॥
মোৰ নাম ৰাজা সৰ্ব্ব ধৰ্ম্মৰ উপৰি।
সত্যে সত্যে সত্যে কহোঁ নিষ্ঠ কৰি ॥২৪৭॥
তিনি সত্য কৰি মই কহিলো তোমাত।
তথাপি প্ৰত্যয় যদি নকৰালা আত ॥
মই পূৰ্ণ ব্ৰহ্ম জগতৰ পৰ স্বামী।
মোৰ বাক্য হেলা কৰি যাইবা অধোগামী ॥২৪৮

ঘোৰ কলি যুগ ইটো তৰণ উপাই।
হেন জানি সখি তুমি স্মৰিয়ো সদাই॥
বিষয় বাসনা যত সবে হৈবে ক্ষয়।
পাইবা পৰম পুণ্য হৈবে মনোদয়।২৪৯॥
সম দম ভাগ্য বুলি সবে হবে তাৰ।
কাম ক্রোধ লোভ মোহ সবে অহঙ্কাৰ॥
পাপ পুণ্য যত আছে সবে হয় নাশ।
গুচিবে বিষয় হৈবে পৰম সন্ন্যাস॥২৫০॥
শ্রী যশ কীর্ত্তি আয়ু হৈবে দিনে দিনে।
অপাৰয় পাপ পুণ্যে যত দোষ গুণ॥
হেন নাম সঙ্কেতেও মুখত সংশয়।
মহা শ্রদ্ধা ভাবে যিটো অহর্নিশে গায়।২৫১॥
কতেক কহিবো সখি নামৰ মহিমা।
হেন নাম যিটো লৈবে তাৰ নাহি সীমা॥
তাৰ সেৱা কৰি থাকা পাণ্ডু গতজুন।
পাইবাহা মুকুতি সত্যে বুলিলো বচন।২৫২॥
কৃষ্ণৰ মুখে নিগূঢ় বাণী শুনি মহা বলী।
দণ্ডৱত কৰিয়া ধৰিলা কৃতাঞ্জলি॥
প্রেমে পুলকিত হুয়া ৰহিলা অর্জ্জুন।
ধাৰাই বহয় নীৰ নাসয় বচন॥২৫৩॥
কতক্ষণ তম্ভি ৰহি পাৰ্থ মহামানী।
গদ গদ বচনে বুলিলেক কৈলা বাণী।

হে কৃষ্ণ কৃষ্ণ তুমি মোৰ মহা গুৰু ।
কালৰ যে অতিকাল ভকত কল্পতৰু ॥২৫৪॥
দুষ্ট সংহৰন প্ৰভু তুমি মোৰ স্বামী ।
তোমাৰ চৰণে নমস্কাৰ কৰোঁ আমি ॥
কিনো কৃপাময় কিনো কৃপাময় হৰি ।
ভকতৰ উপায় যে দেখাইলা মুৰাৰি ॥২৫৫॥
আজি ধৰি ভৈলো প্ৰভু চৰণৰ দাস ।
তোমাৰ বাক্যত প্ৰভু কৰিলো বিশ্বাস ॥
এহি বুলি অৰ্জ্জুনে চৰণে লৈলা ধুলী ।
দণ্ডৱন্তে পৰিলাহা জয় কৃষ্ণ বুলি ॥২৫৬॥
কৃষ্ণে বোলে সখি তুমি জানিবাহা সাৰ ।
তৰিলা দুস্তৰ মায়া ভয় নাহি আৰ ॥
এহি বুলি অৰ্জ্জুনক প্ৰভু তুলি ধৰি ।
আশ্বাশিলা মাধবে অনেক প্ৰেম কৰি ॥২৫৭॥
ইহেন বৈষ্ণবি গীতা গুহ্যতেসে সাৰ ।
নকহিবা ইটো কথা আগত আনৰ ॥
গুৰু বৈষ্ণব যিটো নকৰে ভকতি ।
তাহাৰ আগত তুমি নকৈবা সম্প্ৰতি ॥২৫৮॥
সদাই মজিয়া যিটো আছে বিষয়ত ।
ইটো নকহিবা সখী তাহাৰ আগত ॥
যিটো দুষ্টমতি জানা আতি অহঙ্কাৰী ।
তাৰ আগে নকহিবা কৈলো নিষ্ঠ কৰি ২৫৯

পাট শুক্ল জাতি আক মামাত চকত।
কহিবাহা সখি তুমি তাহাৰ আগত॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ জানা চাৰি বিধ।
যি জনে শুনয় তাৰ সবে হোৱে সিদ্ধ॥ ২৬০
ব্ৰাহ্মনে শুনিলে হোৱে মোক্ষ যে উত্তম।
ক্ষত্ৰিয় শুনিলে হোৱে মহা নৃপোত্তম॥
বৈশ্যে শুনিলেও হোৱে সৰ্ব্বিব সম্প্ৰতি।
সুদ্ৰে শুনিলেও হোৱে জানা সদগতি॥ ২৬১॥
কহিলোঁ সাস্ত্ৰৰ মই যেহেন মহিমা।
ইহাক শুনিলে পাই সংসাৰৰ সীমা॥
কৃষ্ণে কহিলন্ত বেদ বেদান্ত যুগুতি।
বৈষ্ণৱি গীতাৰ পদ ভৈলা সমাপতি॥ ২৬২॥
শুনা নৰ নাৰী সাৱধান কৰি মন।
কৃষ্ণে কহিলন্ত অৰ্জ্জুনত বিদ্যমান॥
হেন জানি শুনা নিতে দৃঢ় কাৰ মতি।
যম কাল মায়া তৰিবাহ ভয় ভিতি॥ ২৬৩
এৱে শুনা কহোঁ কৃষ্ণ পাইবাৰ উপাই।
নিতে নিতে সেৱা কৰে বৈষ্ণৱৰ পাই॥
তেৱে জানা হৈবে বৈষ্ণৱত মহা প্ৰীতি।
প্ৰীতি ভৈলে সন্তে কৃপা কৰিবা সম্প্ৰতি॥ ২৬৪
তেৱে হৈবে জানা ভাগৱত ধৰ্ম্ম ৰতি।
ভাগৱত ধৰ্ম্ম হন্তে তুহিবে মহাপ্ৰীতি॥

তেবে শুনিবাক শ্রদ্ধা হৈবে কৃষ্ণ কথা।
তেবে হৈবে ভাগবতে ৰতি যে সৰ্ব্বথা ॥ ২৬৫ ॥
তাত পাছে দেহ আত্মা বিবেক যে জ্ঞান।
তেবে হৈবে সুদৃঢ় ভকতি সাবধান ॥
সুদৃঢ় ভকতি হন্তে হৈবে শুদ্ধমন।
মন শুদ্ধ হইলে পাইবাহা তত্ত্বজ্ঞান ॥ ২৬৬ ॥
তেবেসে তৰিবা মহা মোহ যত মায়া।
তাত পাছে হৈবেক কৃষ্ণৰ মহাদায়া ॥
কৃপা হৈলে সমস্তে দেখিবা কৃষ্ণময়।
অনুক্রমে তেজিলেসে তৰিবা নিশ্চয় ॥ ২৬৭ ॥
শুনিলাহা সাধু সব ভজন ব্যৱস্থা।
জানি সাধু সঙ্গ লোৱা শুনা কৃষ্ণ কথা ॥
গীতা ভাগৱত বেদ পুৰাণেও কয়।
জানি সাধু সঙ্গ লোৱা কহিলো নিশ্চয় ॥ ২৬৮
একাদশে উদ্ধৱত কহিলন্ত হৰি।
সাধু সঙ্গ লোৱা সশি মহা যত্ন কৰি ॥
সাধু সঙ্গ লৈলা হুয়ো একান্ত শৰণ।
সপ্তম অধ্যাত কহিলন্ত নাৰায়ণ ॥ ২৬৯ ॥
সৰ্ব্ব ধৰ্ম্ম এৰি হুয়ো অনন্য শৰণ।
নকৰিবা ভয় তুমি কৰিবো ৰক্ষণ ॥
এতিসে পৰম তত্ত্ব বেদ আগমৰ।
জানিয়া ভজন কৰিয়ো হে সাবস্তৰ ॥ ২৭০ ॥

মই মহা মানী মই মহা সাধু জন ।
কদাচিতো নুবুলিবা ইসব বচন ॥
এহি অহঙ্কাৰ জানিবাহা মহামতি ।
সিটো নৰ অবশ্যে যাইবেক অধোগতি ॥২৭১॥
এ-কথা থাকোক আপনাৰ চিন্তা কাজ ।
হৰি ভজা মাত্র এৰি মায়া মোহ লাজ ॥
নিন্দিতৰ বাক্যত নকৰি অপমান ।
নিন্দিয়া আপুনি হোৱে নষ্ট দুষ্ট জন ॥ ২৭২ ॥
কৃতাঞ্জলী কৰি কহোঁ শুনা নৰ লোক ।
মুৰ্খ মতি বুলি নিন্দা নকৰিবা মোক ॥
যদি নিন্দা কৰা তাত নাহি নাহি কাজ ।
মূৰ্খক নিন্দিয়া পণ্ডিতেও পাৱে লাজ ॥২৭৩॥
পণ্ডিত নহঁও শাস্ত্র নজানো বিস্তৰ ।
তথাপি কাৰলো পদ বৈষ্ণৱি গীতাৰ ॥
সৰ্ব্ব সাস্ত্র গুহ্য ইটো বেদান্তৰ তত্ত্ব ।
আপুনি কহিলা কৃষ্ণে পাৰ্থৰ আগত ॥২৭৪॥
জানি সাৱধানে শুনা কৰি এক মন ।
ইসে পৰলোক ধন ভৱ যে তৰন ॥
নমো নমো নাৰায়ণ জগত তাৰন ।
নমো নমো কৃষ্ণ মই পশিলো শৰণ ॥২৭৫॥
নমো নমো নিৰঞ্জন নমো মহা হৰি ।
মই অধমক প্রভু ৰাখা দাস কৰি ।

নহওঁ পণ্ডিত তযু নহওঁ ভকত ।
তোমাৰ প্ৰসাদে প্ৰভু কিছু পাইলোঁ তত্ব ॥২৭৬॥
হৃদন্ত থাকি মোক সিক্ষা মতি দেন ।
তাকে বিৰচিলো মই বাদিৰ পুত্তন ॥
এক বৰ মাগো প্ৰভু দিয়ো অনুমতি ।
সদা মোৰ হৌক তযু ভৃত্যৰ সঙ্গতি ॥ ২৭৭॥
কৰ্ণে কথা হৃদি ৰূপ মুখে তযু নাম ।
নকৰিবা আশা ভঙ্গ দিও অবিশ্ৰাম ॥
তুমি নিজ গুৰু তুমি তুমি ইষ্ট দেৱ ।
তযু চৰণত প্ৰভু নমি কৰো সেৱ ॥২৭৮॥
বৈষ্ণৱী গীতাৰ পদ শুনা সভাসদ ।
তৰিবা সংসাৰ ক্লেশ পাইবাহা সম্পদ ॥
কহয় বালকানন্দে মিনতি যে কৰি ।
পৰম আনন্দে শুনা নিতে কৰ্ণ ভৰি ॥ ২৭৯॥
নাহি আন ধৰ্ম্ম ইটো দুৰ্ঘোৰ কলিত ।
জানি সাধু সঙ্গ লৈয়া কথা শুণা নিত ॥
মুখে নাম হৃদ ৰূপ হস্তে কৰা কাম ।
উচ্চ কৰি ডাকি সবে বোলা ৰাম ৰাম ॥২৮০॥

অস্তু ।